মুক্তি যুঁজাৰু

# শ্ৰীৰুদ্ৰ কান্ত বৰা

( চমু জীৱনী )



তেজপুৰ জিলা যুৱক কংগ্ৰেছ

১৯৭৬ চন।

# মুক্তি যুঁজাৰু শ্ৰীৰুদ্ৰ কান্ত বৰা

: সংকলন :

শ্ৰীদিলীপ কুমাৰ শইকীয়া
শ্ৰীগণেশ কুটুম

তেজপুৰ জিলা যুৱক কংগ্ৰেছৰ হৈ

তেজপুৰ জিলা যুৱক কংগ্ৰেছৰ সাধাৰণ সম্পাদক,
শ্ৰীগণেশ কুট্টুমৰ দ্বাৰা প্ৰকাশিত আৰু প্ৰচাৰিত।

মূল্য ঃ ১·০০ ( এক টকা )

ছপা ঃ
॥ জনতা প্ৰেছ, তেজপুৰ ॥

# HOMAGE TO SHRI RUDRA KANTA BORA

Shri Rudra Kanta Bora of Tezpur Town, is a veteran congress worker and a freedom fighter. He is one of the few in Assam who joined congress in 1921. Shri Bora travelled throughout the District on foot only mission of organising congress. He left School at an early age and took vow to see country free from the bondage of British Imperilism. His life at his prime youth was full of misery, thrills and adventures. Shri Bora went to jail three times during several movements of Independence. He is a bechelor and lives a poor life. He was awarded a '*Tamra Patra*' for his participation in freedom struggle. Youths can emolute his love for country and people besides his lifelong dedication and sacrifice.

A year ago Congressmen, Youths, Labour and Women-front, jointly organised a public meeting to felicitate Shri Rudra Kanta Bora, at Congress Bhawan, Tezpur. In this meeting Tezpur District Youth Congress announced to publish a short life sketch of Shri Bora and offered sale to public. The entire proceeds of sale will be collected by District Youth Congress and handed

over to Shri Bora as token of appreciation of his life long service to the suffering humanity. I acknowledge with thanks to Sri Bijoy Chandra Bhagawati, M.P., Chairman, INTUC, for writing a forwarding note on Sri Bora's life, taking much pains in at his bussy time. I acknowledge with thanks to Shri Dilip Kumar Saikia, Member, Assam Pradesh Youth Congress, for taking much pains in compiling the book. I also acknowledge with thanks to the management of Janata Press, Tezpur, for their sincere love for District Youth Congress and promptness in printing the book in a short time. I hope our young friends and countrymen will appreciate our humble attempt in bringing out this small book.

*Thanking you all.*

Tezpur,
14-11-76

**Ganesh Kutum,**
*General Secreatry,*
District Youth Congress,
Tezpur, Assam.

It is a pleasure that our veteran colleague Shri Rudra Kanta Bora's life sketch has been its lime light in a book. I congratulate Sri Ganesh Kutum, General Secretary, District Youth Congress, whose announcement in Sri Bora's Public reception, has given to a practical shape.

Our people and particularly the youths will receive inspiration in their future life from the life history of a hero of National struggle. This attempt of Tezpur District youth congress will be appreciated by all, I believe.

**Sri Sri Kanta Sarma,**
*President*,
District Congress Committee,
Tezpur, Assam.

Tezpur,
13-11-76.

# আমাৰ অনুৰোধ

সৰ্বত্যাগী পুৰুষ এজনৰ জীৱনী লিখি উলিওৱাটো সহজ কাম নহয়। শ্ৰীযুত ৰুদ্ৰ কান্ত বৰা ডাঙৰীয়া এনে এজন মানুহ যিজনে এৰি অহা জীৱনৰ প্ৰতিটো খোজতে থৈ আহিছে স্বাৰ্থ-হীনতা আৰু ত্যাগৰ মহান আদৰ্শ।

যোৱা ১।১২।৭৫ তাৰিখে তেজপুৰ জিলা কংগ্ৰেছ, তেজপুৰ জিলা যুৱ কংগ্ৰেছ আদি ভালেমান অনুষ্ঠানে আনুষ্ঠানিকভাবে ৺অমিয় কুমাৰ দাস ভৱনত বৰা ডাঙৰীয়ালৈ সম্বৰ্দ্ধনাৰ শৰাই আগ বঢ়ায়। উক্ত সম্বৰ্দ্ধনা সভাত বৰা ডাঙৰীয়াৰ কৰ্মবহুল জীৱনৰ এখনি চমু জীৱনী তেজপুৰ জিলা যুৱক কংগ্ৰেছৰ তৰফৰ পৰা লিখি উলিয়াই পাঠ কৰা হয়। উক্ত সভাতে তেজপুৰ জিলা যুৱক কংগ্ৰেছৰ ফালৰ পৰা ঘোষণা কৰা হয় যে বৰাদেৱৰ উক্ত জীৱনী ছপা কৰি উলিওৱা হ'ব আৰু সেইয়া বিক্ৰী কৰি সংগৃহীত হোৱা সমুদায় ধন বৰা ডাঙৰীয়ালৈ আগ বঢ়োৱা হ'ব।

আমি আশা ৰাখিছোঁ—সহৃদয় ৰাইজৰ সহযোগিতাই আমাৰ এই প্ৰচেষ্টাক কৃতকাৰ্য্য কৰাত সহায় কৰিব। যুৱক কংগ্ৰেছ এই কাৰ্য্যত বিশেষভাবে প্ৰতিজ্ঞাবদ্ধ। গতিকে আশা কৰা হৈছে, যুৱক কৰ্মী সকলে যেন এই দায়িত্বৰ প্ৰতি তেখেত সকলৰ পূৰ্ণ সহযোগিতা আগবঢ়াই আমাৰ প্ৰতিশ্ৰুতি পালনত সমল যোগাব।

আমাৰ এই প্ৰচেষ্টাত আমি কিমান দূৰ কৃতকাৰ্য্যতা লাভ কৰিব পাৰোঁ সেয়া ভৱিষ্যতে ক'ব। জীৱনীখনি প্ৰস্তুত

কৰি তোলাত হয়তো ভালেমান ত্ৰুটি ৰৈ গৈছে। সেই দোষৰ বাবে ক্ষমা বিচৰাৰ লগতে আশা ৰাখিছো, সহৃদয় ৰাইজে যেন আমাৰ এই সৰল প্ৰচেষ্টাৰ প্ৰতি সঁহাৰি জনাই আমাক উৎসাহিত কৰিব। কিতাপখনি সংকলিত কৰি দিয়া বাবে যুৱবন্ধু অধ্যাপক দিলীপ কুমাৰ শইকীয়াৰ শলাগ লওঁ।

ভাৰতীয় জাতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ সভাপতি মান্যবৰ শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী এম, পি দেৱে, শ্ৰীবৰা ডাঙৰীয়াৰ বিষয়ে এটি চমুটোকা লিখি দিয়াত তেখেতৰ প্ৰতি আমাৰ সশ্ৰদ্ধ শলাগ থাকিল।

ইং ১৪।১১।৭৬

শ্ৰীগণেশ কুটুম,  
সাধাৰণ সম্পাদক,  
তেজপুৰ জিলা যুৱক কংগ্ৰেছ.  
তেজপুৰ, অসম।

# ৰাজহুৱা সম্বৰ্দ্ধনা

মান্যবৰ বন্ধু,

দেশ মাতৃৰ প্ৰতি আপোনাৰ ভক্তি আদৰ্শনীয়। গান্ধীজীৰ অহিংস মন্ত্ৰত দীক্ষা লৈ ত্যাগবীৰ হেম চন্দ্ৰ বৰুৱা, লোকনায়ক অমিয় কুমাৰ দাস দেৱ প্ৰমুখ্যে সুদক্ষ দেশ-প্ৰাণ লোক সকলৰ প্ৰিয় অনুগামী হৈ আপুনি কংগ্ৰেছৰ দৰে এটি মহান অনুষ্ঠানৰ গুৰি ধৰি জীৱন-জোৰা ব্ৰতত ব্ৰতী হৈ সহস্ৰ জনৰ হিতৰ কাৰণে আজীৱন ত্যাগ স্বীকাৰ কৰি আহিছে।

জীৱনৰ বিয়লি পৰতো কংগ্ৰেছৰ এজন প্ৰকৃত সেৱক হিচাবে আপুনি নতুন পুৰুষলৈ আদৰ্শ দাঙি ধৰিছে।

এদিন আপুনি যেনেকৈ বৃটিছ শাসকৰ বিৰুদ্ধে সিংহ-নাদে গৰজি উঠিছিল, সেই দৰে আজিৰ দেশ গঠনত দুৰ্নীতিৰ বিৰুদ্ধেও আপুনি মুক্ত কণ্ঠে থিয় দি আপোনাৰ অকুণ্ঠ দেশ ভক্তিৰ পৰিচয় দিছে।

কংগ্ৰেছৰ মহান আদৰ্শ— গণতন্ত্ৰ, সমাজবাদ আৰু ধৰ্ম-নিৰপেক্ষতাৰ সুদৃঢ় নীতিৰ প্ৰতি আপোনাৰ অগাধ বিশ্বাস থকাৰ কাৰণেই আপুনি কৃষক-বনুৱা সংগঠনত আগভাগ লৈ নিৰীহ-নিষ্পেষিত জনগণৰ কল্যাণৰ হকে আজীৱন যুঁজ কৰিছে।

চিৰ কুমাৰ ব্ৰতেৰে ব্ৰতী হৈ আপুনি আপোনাৰ নিস্বাৰ্থ দেশ-প্ৰেম আৰু আত্ম-ত্যাগৰ পৰিচয় দিলে।

কংগ্ৰেছেই আপোনাৰ স্থান,
কংগ্ৰেছেই আপোনাৰ প্ৰাণ।
দেশ ভক্তিয়েই আপোনাৰ শক্তি,
দেশ মাতৃয়েই আপোনাৰ মুক্তি।
হে সেৱক !
আপুনি চিৰ নমস্য !

জয়হিন্দ !

ইতি--

প্ৰীতি সম্ভাষণ আৰু শুভেচ্ছাৰে--

শ্ৰীনবীন চন্দ্ৰ কাথ হাজৰিকা,
সাধাৰণ সম্পাদক,
তেজপুৰ সাহিত্য সভা।

শ্ৰীগণেশ কুটুম,
সাধাৰণ সম্পাদক,
জিলা যুৱক কংগ্ৰেছ।

শ্ৰীশীলা বৰঠাকুৰ,
আহ্বাহিকা,
জিলা কংগ্ৰেছৰ মহিলা শাখা।

শ্ৰীপ্ৰতিভা কাথ হাজৰিকা,
সভানেত্ৰী,
তেজপুৰ মইনা পাৰিজাত।

শ্ৰীমাণিক ডেকা।

শ্ৰীশ্ৰীকান্ত শৰ্মা,
সভাপতি,
তেজপুৰ জিলা কংগ্ৰেছ কমিটি।

শ্ৰীনাৰায়ণ চন্দ্ৰ ভূঞা,
মুখ্য কাৰ্য্যনিৰ্বাহ সদস্য,
তেজপুৰ মহকুমা পৰিষদ।

শ্ৰীপ্ৰিয়গোপাল মুখোপাধ্যায়,
সম্পাদক,
জিলা আই, এন, টি, ইউ, চি,
তেজপুৰ শাখা।

শ্ৰীমহীকান্ত দাস,
সভাপতি,
জিলা হৰিজন সেৱক সংঘ।

তেজপুৰ, ১ ডিচেম্বৰ ১৯৭৫ চন।

# শ্ৰীৰুদ্ৰ কান্ত বৰা মানুহজন

কোনোবাই যদি জানিব খোজে শ্ৰীৰুদ্ৰকান্ত বৰা মানুহজননো কোন, তেন্তে তাৰ উত্তৰ একেষাৰতে কব পাৰি, তেওঁ হৈছে সেইজন— যিজনে ডেকাকালতে আৰম্ভ কৰি, আজি যেতিয়া বয়স ভাটি দিছে, তেতিয়ালৈকে নিৰবচ্ছিন্ন ভাৱে দেশ আৰু কংগ্ৰেছৰ সেৱা কৰি আহিছে। স্বাধীনতা আন্দোলনত কৰা ডাঙৰীয়াৰ অৱদান বিশেষভাৱে উল্লেখযোগ্য। খোজ কাঢ়ি কাঢ়ি, এমূৰৰ পৰা সিমূৰলৈকে গোটেইখন জিলা ঘূৰি মেলি তেখেতে কংগ্ৰেছৰ কাম কৰিছিল। মহাত্মা গান্ধীৰ আদৰ্শত অনুপ্ৰাণিত হৈ, তেখেতে জনসেৱাৰ কামত আত্মনিয়োগ কৰিছিল। সেইদিনত এইদৰে স্বাধীনতা যুদ্ধত আত্মবলিদান কৰাৰে পৰা আৰম্ভ কৰি, এতিয়ালৈকে প্ৰতিদিনে তেওঁ ৰাজহুৱা যি কোনো এটা কামত লাগি আছে। কংগ্ৰেছৰ এনে অনুগত আৰু নিষ্ঠাবান কৰ্মী পাবলৈ টান। বৰা ডাঙৰীয়া এনে এজন কৰ্মী যি পুৱাৰে পৰা ৰাতিলৈকে, ৰাজহুৱা কামৰ বাহিৰে আন একো নেভাবে। তেওঁৰ নিজৰ প্ৰয়োজন একো নাই। দেশৰ আৰু দহৰ প্ৰয়োজনকে তেখেতে নিজৰ প্ৰয়োজন কৰি লব পাৰিছে।

বৰা ডাঙৰীয়াৰ ৰাজনৈতিক বিশ্লেষণৰ এটা কিবা স্বাভাবিক ক্ষমতা আছে। দেশৰ ৰাজনৈতিক প্ৰশ্নবিলাক সম্পৰ্কে তেখেত সদায় ‘ওয়াকিবাহল’ হৈ থাকে। দেশৰ ৰাজনীতিৰ ধাৰা কেতিয়া কোনফালে ঢাল খাইছে আৰু কোনে কি কৰিছে, সেই সকলো সম্পৰ্কে তেখেতে ভালকৈ বুজ ৰাখে।

বৰা ডাঙৰীয়া সেইসময়ৰ আন বহুতো কৰ্মীৰ দৰে এজন স্বাধীনতা বিপ্লৱৰ সন্তান। সেই বিপ্লৱৰ গান্ধীবাদী শিক্ষাই

ডেকা কৰ্মী বৰাক বিশেষভাৱে প্ৰভাবান্বিত কৰিছিল। সেই সাঁচতে তেওঁ গঢ় লৈছিল। আজিলৈকে তেনেকৈয়ে চলিও আছে। কোনো প্ৰত্যাশা নেৰাখি, দেশৰ প্ৰতি নিজৰ কৰ্তব্য তেওঁ কৰি আছে।

উঠি অহা পুৰুষে--বিশেষকৈ এতিয়া যিসকল ডেকা কৰ্মীয়ে ৰাজহুৱা ক্ষেত্ৰত কাম কৰিব খোজে তেওঁলোকে বৰা ডাঙৰীয়াৰপৰা নিঃস্বাৰ্থভাৱে আৰু নিৰ্লিপ্ত হৈ দেশ সেৱা কৰাৰ কাৰণে প্ৰেৰণা পাব পাৰে।

এজন নিষ্ঠাবান দেশ সেৱক হিচাপে বৰা ডাঙৰীয়াক মই বিশেষ শ্ৰদ্ধা কৰোঁ। আশা কৰোঁ, এদিন স্বাধীনতাৰ আন্দোলনৰ মাজেদি যেনেকৈ এনে কৰ্মীসকল ওলাইছিল, তেনেকৈ আজিৰ অৱস্থাত, মহাত্মা গান্ধীৰ সপোনৰ ভাৰতবৰ্ষ গঢ়াৰ কাৰণে যি গঠনমূলক বিপ্লৱ আৰম্ভ হৈছে, সেই বিপ্লৱৰ ভাৱ, শিক্ষা আৰু প্ৰেৰণা লৈ নতুন কৰ্মীদল ওলাই আহিব। বৰা ডাঙৰীয়াৰ দৰে কৰ্মী তাৰ কাৰণে পথ প্ৰদৰ্শক।

শ্ৰীবিজয় ভাগৱতী,
সভাপতি,
ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ কংগ্ৰেছ,
নতুন দিল্লী।

# চম্নু জীৱনী

শ্ৰদ্ধাপদ,

শ্ৰীযুত ৰুদ্ৰ কান্ত ডাওৰীয়ালৈ আজিৰ এই শুভদিনত আমাৰ সশ্ৰদ্ধ প্ৰণিপাত জনাইছোঁ।

বুৰঞ্জীয়ে মানব জাতিৰ অতীত কাৰ্য্যকলাপ ফহিঁয়াই দেখুৱায়। কিন্তু কেতিয়াবা একোজন মানুহৰ জীৱনীয়েই একোখন বুৰঞ্জী হৈ পৰে। ফৰাচী বীৰ নেপোলিয়নৰ জীৱনীয়েই সেই যুগৰ ইউৰোপৰ বুৰঞ্জী। শ্ৰদ্ধেয় শ্ৰীৰুদ্ৰকান্ত বৰা ডাওৰীয়া সেইজন ব্যক্তি যিজনৰ জীৱনীত লুকাই আছে তেজপুৰ তথা অসমৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জী। বৰা ডাওৰীয়া সেই সকল ব্যক্তিৰ ভিতৰৰে এজন যি সকলে জীৱনৰ আদিম পুৱাতে দেশ মাতৃকাৰ সেৱাত নিজকে উচৰ্গা কৰিছে।

নিৰহঙ্কাৰী, সৰল মনৰ, স্বাধীন চিতীয়া, নিৰ্ভীক শ্ৰীৰুদ্ৰ বৰা ডাওৰীয়াই দেশ মাতৃক শৃঙ্খলমুক্ত কৰিবলৈ সৰ্বান্তঃকৰণে মুক্তি যুঁজত জপিয়াই পৰিছিল আজিৰ পৰা প্ৰায় দুকুৰি পোন্ধৰ বছৰ আগতেই। বৰা ডাওৰীয়াৰ কৰ্মবহুল জীৱনক ঠেক পৰিষৰত লিপিবদ্ধ কৰিবলৈ যোৱাটো আমাৰ কাৰণে ধৃষ্টতাহে মাথোন। তথাপি আজিৰ এই পবিত্ৰ দিনত তেখেতৰ গুণানু কীৰ্তন আমাৰ এক সৰল প্ৰচেষ্টাহে মাথোন।

১৯২০-২১ চন। জাতিৰ পিতা মহাত্মা গান্ধীৰ আহ্বানত সমগ্ৰ দেশতে মুক্তি যুঁজৰ দাবানল জ্বলি উঠিল। দেশৰ ভালেমান ঠাইৰ নিচিনাকৈ তেজপুৰতো কংগ্ৰেছৰ কাৰ্য্যালয় স্থাপন হ'ল কেইবাজনো প্ৰবীণ আৰু নবীন কৰ্মীৰ প্ৰচেষ্টাত। সেই সকলৰ ভিতৰত বিশেষভাবে উল্লেখযোগ্য দেশপ্ৰাণ ৺লক্ষ্মীধৰ

শৰ্মা, লোকনায়ক অমিয় কুমাৰ দাস, শ্ৰীচন্দ্ৰ কুমাৰ নাথ, ৺মদন শইকীয়া, শ্ৰীচেনীৰাম দাস, ৺নবীন বৰুৱা, শ্ৰীমোলান শৰ্মা, শ্ৰীবগীৰাম শইকীয়া, শ্ৰীসুন্দৰ বৰা, শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী আদি কৰ্মীসকল। ইয়াৰ পিচৰ বছৰতে তেজপুৰলৈ আহিল মহাত্মা গান্ধী আৰু আলী ভাতৃদ্বয়। প'লফিল্ডত জনাকীৰ্ণ ৰাজহুৱা সভা হ'ল। বিদেশী বস্ত্ৰ দাহৰ বিৰাট অগ্নিশিখাই লেলিহান জিভা মেলিলে। সেই শিখাই হাত বাউল দিলে হাজাৰ বিজাৰ ডেকা-ডেকেৰীক। বৰা ডাঙৰীয়া তেতিয়া মাথোন এজন স্কুলীয়া ছাত্ৰ। কিন্তু সেই অৱস্থাতে তেখেতে ছাত্ৰ জীৱনৰ সমাপ্তি ঘটাই জপিয়াই পৰিল মুক্তি আন্দোলনত।

১৯২৪ চন। তেজপুৰ জিলা কংগ্ৰেছৰ কাৰ্য্যালয় ৺জগৎ বৰুৱাৰ খেৰি ঘৰলৈ স্থানান্তিৰত হৈ বসন্ত কুমাৰ দাস (সভাপতি), ৺হেমচন্দ্ৰ দাস (সম্পাদক), শ্ৰীগজেন বৰুৱা, শ্ৰীগিৰীশ চন্দ্ৰ ভূঞা, ৺বোধনাথ পতঙ্গীয়া, শ্ৰীসৰুৰাম নাথ, শ্ৰীকমলেশ্বৰ শৰ্মা, ৺গোলোক ভূঞা, শ্ৰীৰুদ্ৰকান্ত বৰা আদি কৰ্মীবৃন্দৰ এক কঠোৰ পৰিশ্ৰমৰ কেন্দ্ৰ হৈ পৰিল।

১৯২৬ চনত গুৱাহাটীত অনুষ্ঠিত হোৱা নিখিল ভাৰত কংগ্ৰেছ কমিটীত বৰা ডাঙৰীয়াই যোগ দিলে স্বেচ্ছাসেৱক হিচাবে। তাৰ পিচৰ বছৰত ৺বসন্ত দাসৰ মৃত্যু হয় আৰু তেজপুৰ জিলা কংগ্ৰেছৰ কৰ্মকৰ্তা সকলক সালসলনি কৰি শ্ৰীগহনচন্দ্ৰ গোস্বামী সভাপতি আৰু ৺লক্ষ্মীধৰ শৰ্মা সম্পাদক নিৰ্বাচিত হয়। বৰা ডাঙৰীয়া হ'ল সহকাৰী সাধাৰণ সম্পাদক। পিচৰ বছৰ সভাপতি আদিৰ পৰিবৰ্তন হ'ল যদিও বৰা ডাঙৰীয়া একে দায়িত্বতে থাকিল।

১৯২৯ চনত গান্ধীজী গ্ৰেপ্তাৰ হ'ল। বৰা ডাঙৰীয়াকে

আদি কৰি তেজপুৰবাসীৰ অন্তৰতো শোকৰ বিননি উঠিল। কিন্তু ক'ত প্ৰকাশ কৰে? চাৰ্চ ফিল্ডত? দিব নোৱাৰি (চৰকাৰী) বাণ থিয়েটাৰ অৰ্থাত অঃ ভাঃ উঃ সা- সভা? ওহো দিব নোৱাৰি (অৰ্দ্ধচৰকাৰী) তেন্তে? গনেশঘাটৰ বৰ লুইতৰ বালিত সেইদিনা তেজপুৰৰ ৰাইজে জাতিৰ পিতাৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদ জনালে। সেই সময়তে নিৰ্দেশ আহিল যে সত্যাগ্ৰহ কৰিব লাগে। বৰা ডাঙৰীয়াই পদব্ৰজে বেছেৰীয়া, বিহগুৰী, বাঁহবাৰী, নাহৰবাৰী, বৰগাওঁ, মিছামাৰী আদিত ভ্ৰমণ কৰি ডেকাৰ গাঁৱৰ ৰঙা পুখুৰীৰ পাৰত প্ৰায় এশ জন কৰ্মীক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিলে শ্ৰীফণীধৰ দাস আৰু শ্ৰীচন্দ্ৰ ডেকা বৰুৱাৰ তত্বাৱধানত। এই সময়তে প্ৰশিক্ষণ থলিৰ পৰা বৰা ডাঙৰীয়া আদি সত্যাগ্ৰহী সকলৰ এক সমদল যাত্ৰা আগ বাঢ়িল তেজপুৰ অভিমুখে। কিন্তু নগৰ পোৱাৰ আগতেই পুলিচে সেই সমদলক ভঙ্গ কৰি দিলে। বৰা ডাঙৰীয়া সেই সমদল সত্যাগ্ৰহী সকলৰ লগতে আছিল। ১৯৩০ চন। কানিংহাম চাৰ্কুলাৰৰ প্ৰতিক্ৰিয়া স্বৰূপে ছাত্ৰসকলৰ মাজলৈ নতুন জাগৰণ আহিল। শ্ৰদ্ধেয় শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী ডাঙৰীয়াই ইতিমধ্যেই উক্ত চাৰ্কুলাৰৰ প্ৰতিবাদ স্বৰূপে কলেজ বৰ্জন কৰিছে। গুৱাহাটীত ছাত্ৰ সমদলৰ ওপৰত পুলিচে লাঠি চাৰ্জ কৰিলে। ইয়াৰ প্ৰতিবাদত বৰা ডাঙৰীয়াকে আদি কৰি ভালেমান ডেকা কৰ্মীয়ে তেজপুৰতো কানি, ভাং আৰু বিলাতী বস্ত্ৰৰ দোকানত পিকেটিং কৰিলে। শ্ৰীবেদানন্দ শৰ্মা আৰু বৰা ডাঙৰীয়াক পুলিচে গ্ৰেপ্তাৰ কৰিলে। ১৩।১০।৩০ তাৰিখে বিচাৰৰ নামত ভেকো ভাওনা হ'ল। বিচাৰৰ ৰায়ত বৰা ডাঙৰীয়াৰ ৪ মাহ সশ্ৰম কাৰাদণ্ডৰ আদেশ হ'ল। সেই বছৰেই কংগ্ৰেছ অনুষ্ঠান চৰকাৰে বেআইনী বুলি ঘোষণা কৰিলে। গতিকে তেজপুৰৰ কংগ্ৰেছ কাৰ্য্যালয়ো বেআইনী বুলি ঘোষণা কৰিলে আৰু

তেজপুৰৰ কংগ্ৰেছ কাৰ্য্যালয়ো কেতকীবাৰীৰ নিভৃত ঠাইলৈ স্থানান্তৰিত হ'ল।

১৯৩১ চনত বৰা ডাঙৰীয়া জেলৰ পৰা ওলাই কংগ্ৰেছ অনুষ্ঠানক শক্তিশালী কৰা কাৰ্য্যত দেহে কেহে লাগি পৰিল। অক্লান্ত পৰিশ্ৰমেৰে গোটেই মহকুমা ভ্ৰমণ কৰি প্ৰায় ১,৩০০ জন লোকক বৰা ডাঙৰীয়াই সভ্যভৰ্তি কৰিলে। ইয়াৰ পিচতে গুৱাহাটীত শ্ৰীযুত বিষ্ণুৰাম ডাঙৰীয়াৰ ঘৰত প্ৰদেশ কংগ্ৰেছৰ সভা বহে। ৺হেমচন্দ্ৰ হাজৰিকাৰে বৰা ডাঙৰীয়াই উক্ত সভাত তেজপুৰৰ প্ৰতিনিধি হিচাবে যোগদান দিব লগা হ'ল। হাতত পইচা নাই, যায় কেনেকৈ ? শেষত চাৰিআলিৰ চেনিৰাম দাস ডাঙৰীয়াৰ পৰা পাঁচকুৰি ঋণ লৈ বৰা ডাঙৰীয়া বিশ্বনাথ ঘাটেদি গৈ গুৱাহাটী পায় প্ৰাদেশিক কংগ্ৰেছৰ সভাত যোগ দিলেগৈ। উক্ত সভাতে বৰা ডাঙৰীয়াহঁতৰ প্ৰচেষ্টাত ৺হেম-চন্দ্ৰ বৰুৱা, আৰু ৺অমিয়কুমাৰ দাস ডাঙৰীয়াক কাৰ্য্যকৰী সভাৰ সদস্য নিৰ্বাচিত কৰা হ'ল।

১৯৩২ চনত নিকামূল সত্ৰত এটি স্বেচ্ছাসেৱক শিবিৰ স্থাপন কৰি প্ৰায় ৮২ জন স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হয়। প্ৰায় ৫ মাহ প্ৰশিক্ষণ চলাৰ পিচত চৰকাৰে উক্ত শিবিৰ বেআইনী বুলি ঘোষণা কৰি পুলিচ লগাই ভঙ্গ কৰি দিলে। লগতে সাম্ৰাজ্যবাদী বৃটিচ চৰকাৰৰ বৰ্বৰতাৰ সাক্ষী স্বৰূপে অতি আপুৰুগীয়া নিকামূল সত্ৰৰ মনিকূটৰ সকলো বস্তু লৈ যায়। বৰা ডাঙৰীয়া সেই দিনা বজাৰত পিকেটিঙত ব্যস্ত হৈ আছিল। তাতে তেখেতক পুলিচে গ্ৰেপ্তাৰ কৰি ১৪।৩।৩২ তাৰিখে বিচৰালয়ত উপস্থিত কৰায়। বিচাৰত তেখেতৰ ৬ মাহ সশ্ৰম কাৰাদণ্ডৰ হুকুম হয়। সদায় একোটা মধুৰ পৰি-বেশৰ সৃষ্টি কৰিব পৰা বৰা ডাঙৰীয়াই ৺ৰমাকান্ত মুক্তিয়াৰ

আদি জেলবাসীৰ লগ লাগি নিজৰ খোৰাকীৰ পৰা পাঁচ অনাকৈ পইচা ৰাহি কৰি সেইবাৰ জেইলতে জন্মাষ্টমী উৎসৱ পালন কৰে।

১৯৩৪ চনত গান্ধীজী তেজপুৰলৈ আহোতে বৰা ডাঙৰীয়াই জাতিৰ পিতাৰ নিচেই সান্নিধ্যলৈ আহিবলৈ সুযোগ পাইছিল। সেইবাৰ গান্ধীজীৰ লগত ৺ঠক্কৰ বাপা আৰু ৺মীৰা বেনো আহিছিল। ৰঙাপাৰাত গান্ধীজীক আদৰণী জনোৱাৰে পৰা তেজপুৰ জাহাজঘাটত তেখেতক বিদায় জনোৱালৈকে বৰা ডাঙৰীয়া গান্ধীজীৰ প্ৰায় লগতে আছিল। সেইখিনি সময়তে গান্ধজীৰ কিছুমান গুণে বৰা ডাঙৰীয়াক বাৰুকৈয়ে মুহিছিল। সেই অভিজ্ঞতাৰে এটা সৰু ঘটনা বৰা ডাঙৰীয়াই আজিও সোঁৱৰে। গান্ধীজীৰ বিদায়ৰ সময়ত বৰ বৰষুণ দিছিল। ৰাতি গান্ধীজীক জাহাজ ঘাটত তুলি দি তেখেতৰ বস্তুবোৰ বৰা ডাঙৰীয়াহঁতে য'তে ত'তে থোৱাৰ মাজতে বৰা ডাঙৰীয়াৰ হাতত থাপ মাৰি ধৰি গান্ধীজীয়ে বস্তুবোৰ থানপিত লগাই থবলৈ কয়। বৰা ডাঙৰীয়াই দেখিলে অতি ক্ষুদ্ৰ কথাবোৰো গান্ধীজীৰ দৃষ্টিৰ পৰা সাৰি নাযায়।

১৯৩৯ চনত বৃটিছক যাতে কোনেও সহায় নকৰে তাৰবাবে সত্যাগ্ৰহ আন্দোলন আৰম্ভ হয়। সেই আন্দোলনত বৰা ডাঙ-ৰীয়াই অংশ গ্ৰহণ কৰে। আৰু ইয়াৰ পৰিণতি স্বৰূপে ১৯৪১ চনত তেখেতে দুমাহ সশ্ৰম কাৰাদণ্ড ভুগিব লগা হয়।

১৯৪২ ৰ কংগ্ৰেছৰ "ভাৰত ত্যাগ" প্ৰস্তাবৰ পৰিপ্ৰেক্ষিতত গান্ধীজীকে ধৰি বহু কৰ্মী কাৰাৰুদ্ধ হয়। ইয়াৰ ফলত সমগ্ৰ দেশতে গণ আন্দোলন হয়। তেজপুৰতো এই আন্দোলনে বৰা ডাঙৰীয়াহঁতৰ প্ৰচেষ্টাত ব্যাপকতা লাভ কৰে। ২১

চেপ্তেম্বৰৰ দিনা বহু হাজাৰ লোকৰ এক সমদলৰ লগত বৰা-হঁত তেজপুৰ নগৰ অভিমুখে অগ্ৰসৰ হয়। সেইদিনা নিৰস্ত্ৰ সমদল যাত্ৰীক পুলিচে যি নিৰ্মম অত্যাচাৰ কৰিছিল, সেই অত্যাচাৰৰ পৰা আগশাৰীৰ সমদলকাৰী বৰা ডাঙৰীয়াও সাৰি যোৱা নাছিল। ইয়াৰ পিচতে বহুতো প্ৰথম শ্ৰেণীৰ কৰ্মীয়ে উৰ্দ্ধতম কৰ্মীৰ নিৰ্দেশ ক্ৰমে আত্মগোপন কৰিব লগা হয়। সেই সময়ত বৰা ডাঙৰীয়াই আত্মগোপনকাৰী সকলৰ মাজত যোগাযোগ, সেই সকলৰ সুবিধা অসুবিধা আদিৰ ওপৰত চকু দিয়াকে আদি কৰি ভালেমান দায়িত্ব বহন কৰিব লগা হৈছিল।

১৯৪৩ চনত নিকামূল সত্ৰৰ সত্ৰাধিকাৰৰ অনুপস্থিতিত আইদেউৰ অনুমতি ক্ৰমে বৰা ডাঙৰীয়াহঁতে সত্ৰত এটি প্ৰাথমিক চিকিৎসাৰ প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰিছিল। কিন্তু অশেষ কষ্ট স্বীকাৰ কৰিও সেই কেন্দ্ৰ এমাহৰ ওপৰ কাল নানান অত্যাচাৰৰ পৰা ৰক্ষা কৰিব পৰা নগ'ল।

স্বাধীনতা আন্দোলনত যোগ দিয়াৰ দিনৰে পৰা দেশ স্বাধীন হোৱালৈকে বুলি শ্ৰীযুত ৰুদ্ৰ বৰা ডাঙৰীয়াই কিমান শ্ৰম কৰিলে, কিমান ত্যাগ কৰিলে তাৰ বৰ্ণনা দিবলৈ গৈ অন্ত পেলোৱা টান। কংগ্ৰেছ অনুষ্ঠানৰ লগত জড়িত থাকিয়েই বৰা ডাঙ-ৰীয়াই ১৯৩৮ চনত শ্ৰীযুত বিজয় চন্দ্ৰ ভাগৱতী ডাঙৰীয়াৰ প্ৰতিষ্ঠিত অসম সেৱক প্ৰেছৰ প্ৰচাৰক আৰু প্ৰিন্টাৰ্চ ৰূপে কাম কৰিছিল। কংগ্ৰেছ দলৰ হৈ বৰা ডাঙৰীয়া দলৰ ভিতৰে বাহিৰে নানান সংগঠনৰ লগত সদায় ওতঃপ্ৰোতভাবে জড়িত। বনুৱা সংগঠনৰ কামতো বৰা ডাঙৰীয়াৰ অৰিহণা কম নহয়। দেশ স্বাধীন হোৱাৰ পিচত ১৯৪৮ চনত তেজপুৰত I.N.T.U.C. ৰ শাখা খোলাৰ কামত ৺অমিয় কুমাৰ দাস, শ্ৰীবিজয়চন্দ্ৰ

ভাগৱতী, শ্ৰীশ্ৰীকান্ত শৰ্মা আৰু শ্ৰীপ্ৰতাপ কলিতা আদি প্ৰথম শ্ৰেণীৰ কৰ্মীৰ লগতে বৰা ডাঙৰীয়াইও দেহ কেহে লাগিছিল। সৰল চিতীয়া বৰা ডাঙৰীয়া এজন নিৰ্ভিক ব্যক্তি। এই কথা ক'বলৈ যাওঁতে আৰু এটা কথা মনত পৰাত এইখিনিতে ব্যক্ত কৰিলোঁ। আগতে ৰাজনৈতিক বন্দীসকলৰ দ্বাৰা কোনো কোনো জেলত জেল কৰ্তৃপক্ষই "চৰকাৰ চালাম" বুলি কোৱাইছিলে। তেজপুৰ জেলতো বোলে তেনে এক ব্যৱস্থা আছিল। ১৯৩০ চনত বৰা ডাঙৰীয়াৰ লগৰ ৰাজনৈতিক বন্দীসকলৰ সৈতে উপৰোক্ত স্বীকাৰোক্তি কৰিবলৈ কোৱাত তেখেতসকলে ঘোৰ প্ৰতিবাদ কৰিলে আৰু তেতিয়াৰ পৰা উক্ত ব্যৱস্থা উঠাই দিয়া হ'ল।

শ্ৰীযুত ৰুদ্ৰকান্ত বৰা ডাঙৰীয়া এজন সৰ্বত্যাগী, আজীৱন কৰ্মী। দেশৰ আৰু দহৰ কাৰণে ত্যাগ স্বীকাৰ কৰাই তেখেতৰ ধৰ্ম। দেশ মাতৃক সেৱা কৰিবলৈ কংগ্ৰেছ অনুষ্ঠানক যিসকল ব্যক্তিয়ে আশ্ৰয় হিচাবে গ্ৰহণ কৰিছে বৰা ডাঙৰীয়া সেই সকল ব্যক্তিৰ ভিতৰৰ অন্যতম। আজি একে বাক্যে কব লাগিব যে বৰা ডাঙৰীয়া যেন আজিও কংগ্ৰেছ দলৰ বিশেষ অঙ্গ। তেজ-পুৰ তথা অসম বুৰঞ্জীত শ্ৰীযুত ৰুদ্ৰকান্ত বৰাৰ জীৱনী সদায় সোণালী আখৰেৰে লিখা থাকিব।

সদৌ শেষত সমূহ তেজপুৰ বাসীৰ লগতে তেজপুৰ জিলা যুৱক কংগ্ৰেছৰ কৰ্মীবৃন্দইও শ্ৰদ্ধেয় শ্ৰীৰুদ্ৰকান্ত বৰা ডাঙৰীয়াৰ দীৰ্ঘায়ু কামনা কৰি, আজিৰ এই শুভদিনত তেখেতৰ ত্যাগ, আদৰ্শ আৰু কৰ্ম নিষ্ঠাৰে উদ্বুদ্ধ হৈ ৰাষ্ট্ৰৰ কল্যাণমূলক কামত ব্ৰতী হ'বলৈ সঙ্কল্প লওঁহক।

তেজপুৰ,
১।১২।৭৫

তেজপুৰ যুৱক কংগ্ৰেছৰ সদস্যবৃন্দ

